# দেশে দেশে মোৰ দেশ

নবকান্ত বৰুৱা



জাৰ্ণাল এম্প'ৰিয়াম

নলবাৰী : অসম

***DESHE DESHE MOR DESH* : *A Travalogue in Assamese by Navakanta Barua*: *Published by Surendra Ch. Baishya, Journal Emporium, Nalbari, Assam, First Published January, 1989. Price Rs. 25·00 only.***

প্ৰকাশক ঃ
সুৰেন্দ্ৰ চন্দ্ৰ বৈশ্য
জাৰ্ণাল এম্প'ৰিয়াম
নলবাৰী-৭৮১ ৩৩৫

প্ৰচ্ছদ ঃ
ধনঞ্জয় শৰ্মা

মূল্য ঃ ২৫·০০ টকা

ছপাওঁতা ঃ
শ্ৰীহাৰাধন ঘোষ
বীণাপাণি প্ৰেছ
২ ঈশ্বৰ মিল বাই লেন
কলিকতা-৬

জীৱনৰ বাটত হেৰুওৱা

প্ৰিয়ধৰ বৰুৱা, বপা-ৰ

সস্নেহ স্মৃতিত...



## আগকথা ঃ

কেইখন মান দেশ, মানে বিদেশ দেখিছিলোঁ। মোৰ দেখোন দেশ যেনেই লাগিছিল। তাবে সৰহখিনি সমাজতান্ত্রিক দেশ, কেইখনমান ছোভিয়েত ৰাষ্ট্রৰ অন্তৰ্গত, কেইখনমান পৃথক। অনা-সমাজবাদী এখন ইউৰোপীয় দেশত মাথোন দুদিন আছিলোঁ।

এয়েই সম্বল। তাবেই ভেটিত, কেৰকেটুৱাৰ বাঁহ পাতেবেই যুগুতাইছোঁ এই ভ্ৰমণটোকা। প্রথমবাৰ ১৯৬২ চনত ছোভিয়েত দেশলৈ যাওঁতে মনৰ আগ্রহতে উত্তাতৈয়াকৈ কেইটামান প্রবন্ধ লেখিছিলোঁ।

১৯৭৩ চনত আফ্রো-এচীয় লেখক সম্মিলনত যোগ দিবলৈ যাওঁতে আৰু দুখন মান ছোভিয়েতৰে অঙ্গ দেশ দেখি আহিছিলোঁ। বিশেষ একো লেখিবলৈ নহ'ল।

১৯৭৫ চনত যুগোশ্লাভিয়াৰ জাতীয় উৎসৱ এটাত যোগ দিবলৈ গৈছিলোঁ। আৰু সেই যাত্রাতে ভাৰত-পোলেণ্ড সাংস্কৃতিক বিনিময়ৰ অংশ হিচাপে পোলেণ্ডতো দুসপ্তাহ মান আছিলোঁ। পোলেণ্ডত নানা বর্বৰতাৰ বীভৎস স্মৃতিবোৰ দেখি ফেচিবাদৰ প্রতি মোৰ বিতৃষ্ণা ঘনীভূত হৈছিল, আৰু সেইবাবেই দুটা ভ্ৰমণটোকা লেখিছিলোঁ।

কাজাখস্তান আৰু আর্মেনিয়া—এই দুখন দেশে মোক অলপ বেলেগ ধৰণে প্রভাবিত কৰিছিল। এখন নৱজাগ্রত দেশ · যি অৱৰী সংস্কৃতিৰ পৰা আধুনিকতালৈ গতি কৰিছে ·সেয়েই হ'ল কাজাখস্তান। আর্মেনিয়া আমাৰ দৰে সংস্কৃতি-জর্জৰ দেশ। তিনি হেজাৰ বছৰীয়া সংস্কৃতি যেন বোজা হৈ পৰিছিল তেওঁলোকৰ। সমাজবাদী জীৱন ধাৰাই সেই প্রাচীনত্বক নতুন ধাৰাৰে বোৱাই দিব খুজিছে বা দিছে।

কাজাখস্তানৰ বিষয়ে লেখা প্রবন্ধ শেহতীয়া। এতিয়াহে লেখিছোঁ—প্রকাশকৰ তাগিদে প্রেৰণা স্বৰূপে কাম কৰাত। ১৯৮১ চনত ছোভিয়েত দেশলৈ শেহতীয়া-ভাবে যাওঁ। তাৰো সোঁৱৰণি ইয়াত আছে।

ভ্ৰমণকাহিনী লেখা মানুহ সদায় এটা সংকটত পৰে। নৈর্ব্যক্তিকভাৱে লিখিলে প্রাকৃতিক ভূগোল, ৰাজনৈতিক ভূগোল বা পৰিসংখ্যাৰ বর্ণনা হৈ পৰে। তাকে নকৰিলেই ব্যক্তিকেন্দ্রিক হৈ পৰে···মই···মই আৰু মই!

কিন্তু নিজৰ চকুৰে দেখা, নিজৰ কাণেৰে শুনা, নিজে অনুভৱ কৰা, নিজে বিশ্বাস কৰা কথাবোৰ নেলেখিলেনো ভ্ৰমণটোকা হয় কেনেকৈ—লাগিলে যিমানেই অকিঞ্চিৎকৰ হওঁক সেই অভিজ্ঞতা, যিমানেই আকিঞ্চন হওঁক সেই লেখক !

এই ভ্ৰমণটোকাবোৰ বিভিন্ন সময়ত লেখা। কিছু লেখা ভ্ৰমণকালতে লেখা, কিছুভ্ৰমণৰ কিছু পিচত লেখা, আৰু কিছুমান প্ৰায় স্মৃতিৰ কোলাবপৰা বুটলি আনি লিখা। বহুতো বহল কথা পাহৰি গৈছোঁ···বহুতো খুঁটি-নাটি মনত আছে।

সেইবোৰকে মিলাই মিহলাই এই ভ্ৰমণ-কাহিনী।

কোৱা বাহুল্য ইয়াৰ সৰহখিনি লেখাই আলোচনীৰ পাতত প্ৰকাশ হৈছে।

শ্ৰীসুৰেন্দ্ৰ বৈষ্ণৱ ওচৰত মই অকল কিতাপখন প্ৰকাশ কৰাৰ বাবেই কৃতজ্ঞ নহয়—তেওঁৰ ইচ্ছা আৰু আগ্ৰহৰ বাবেই মই কেইবাটাও অধ্যায় লেখিছোঁ। তেওঁ যিবোৰ কিতাপ সাধাৰণতে প্ৰকাশ কৰে, সেইবোৰ মানুহে 'চিৰিয়াচ' কিতাপ বুলি কয়। মোৰ এইখনো ছাগে তেনে এখন চিৰিয়াচ কিতাপ হ'ব বুলিয়েই তেওঁ ছাগে ভাবে !

হেৰোৱা বহুতো প্ৰবন্ধ সংগ্ৰহ কৰি দিয়াৰ বাবে শ্ৰীমান সমীন কলিতা মোৰ ধন্যবাদৰ পাত্ৰ। পাণ্ডুলিপি প্ৰস্তুত কৰোতে শ্ৰীমান যোগেশ্বৰ দাসৰ আৰু শ্ৰীমতী বীণাৰ সহায় পাইছোঁ।

কিতাপখনৰ নামটো শ্ৰীমান হীৰেণ ভট্টাচাৰ্যৰ কবিতাৰ পংক্তি. এটাৰপৰাই আহৰণ কৰিছোঁ।

শেষত সকলো ভ্ৰান্তি আৰু বিচ্যুতিৰ বাবে সুশীল পাঠকবৰ্গৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। ইতি—

গুৱাহাটী
চেপ্টেম্বৰ ১৯৯৭

নৱকান্ত বৰুৱা

# সূচীপত্ৰ

